চৈয়দ আব্দুল মালিকৰ
দুখন
উপন্যাস
একেলগে

# পহুমৰা হাবিৰ বাট
আৰু
# জেতুকা পাতৰ দৰে

---




লয়াৰ্ছ বুক ষ্টল ॥ গুৱাহাটী-১

সু-সাহিত্যিক লক্ষ্মীনন্দন বৰাৰ হাতত/যাৰ
লিখনিত অসমৰ গাওঁ আৰু অসমীয়া গাৱঁ-
লীয়া জীৱনৰ ছবি নিটোল আৰু অনবদ্য
ৰূপত জীৱন্ত হৈ উঠিছে/মালিক/নাহৰণি/

২৩ জুলাই ১৯৭০

জনাবলগীয়া

এই সৰু উপন্যাস দুখন, দুখন অসমীয়া আলোচনীৰ বিশেষ সংখ্যাত প্ৰকাশ হৈছিল। আকাৰত সৰু কাৰণে দুয়োখনক এখন কিতাপ কৰি প্ৰকাশ কৰা হ'ল। দুয়োটা কাহিনীৰ পটভূমি আৰু বিষয়বস্তুৰ মাজত কিছু মিল আছে। সেই দেখি পঢ়োতে পাঠকে বেছি উজুটি নেখাব যেন লাগিছে। ঘটনা দুটাৰ মূল জমুধি আৰু কেইটামান চৰিত্ৰ সঁচা। কিন্তু কাহিনী কোৱা বা চৰিত্ৰ সৃষ্টিতকৈ বিষয়বস্তুৰ ওপৰত আলোকপাত কৰাই প্ৰধান উদ্দেশ্য। পাঠকে সেইটো লক্ষ্য কৰিলে ভাল পাম।

প্ৰকাশক খগেন দত্তবৰুৱালৈ ধন্যবাদ।

—মালিক

## ॥ এক ॥

"পোন প্ৰথমে এষাৰ কথা ঠিৰাং কৰা; টকা কিমান লাগিব।"

"সেইটো এতিয়াই থাটাংকৈ কব পৰা নেযাব। পিছে টকা তিনি হেজাৰৰ কম নেলাগিব কিজানি।"

"তিনি হেজাৰ!"

"তিনি হেজাৰ!!"

"ইমান টকা!!!"

"আজিকালি তিনি হেজাৰনো কিমান টকা!"

"ইমান টকা কেলেই? আমি কিবা বনুৱা লগামনে? নিজেই সকলো কৰিম।"

"বনুৱা লগোৱাৰ কথানো কোনে কৈছে? কৈছোহে তিনি হেজাৰ, কিজানি আৰু বেছিহে লাগিব।"

কাৰোবাৰ বিশ্বাস হ'ল, কাৰোবাৰ সন্দেহ থাকি গ'ল।

বৰচোমণি গাঁৱৰ পুৰণি নাম ঘৰৰ বৰ পুখুৰী পাৰতে ৰাইজ বহিছিল। ৰাইজ বুলি মানুহ সৰহ নহয়—তিনি কুৰিমান। ঘৰেপতি এজনকৈ আহিবলৈ জনোৱা হৈছিল। সেই হিচাপে মানুহ ডেৰ শ মান গোট খাব লাগিছিল। বৰচোমণি গাঁৱত মানুহ দুশঘৰ মানেই হ'ব। তাৰে একৈশঘৰ মুছলমান—আঠাইশ ঘৰ আহোম, বাইশ ঘৰ কৈৱৰ্ত, পাঁচ ঘৰ বামুণ আৰু বাকী কেঘৰ কোচ, কেওঁট, কলিতা সকলো মিলি বৰচোমণি গাওঁ। আম, কঠাল, জামু, কৰৈ, চোম, গোহোৰা সকলো গছ মিলি যেনেকৈ এখন গাৰ্ঘলীয়া হাবি হয়—একে মাটিৰপৰা ৰস টানি একে বতাহৰপৰা মৰম লৈ, একে বেলিৰ ৰ'দত বেলেগ বেলেগ গছ ডাঙৰ-দীঘল হয়, তেনেকৈ বেলেগ বেলেগ জাত-কুল ধৰ্মৰ মানুহ থুপ খাই এখন গাওঁ হৈ আছে। বৰচোমণি গাওঁ। মাজে মাজে দন-হাই, খুট-খাট নলগা নহয়। গাৰ্ঘলীয়া দন, আগবেলা লাগে, পিচ বেলা ভাগে। গালি শপনিতো ভাতৰ লগৰ পানী। ডাঙৰ ডাঙৰ কথাও খিতাতে পানীৰ ওটেঙা হয়। নাই বুলিলে সাপতো বিষ নাই। সৰু সৰু কথাই কেতিয়াবা ঢোটোতে বোটো হয়। আম কঠাল দুমাহ, মাতবোল নাই ছমাহ। দন-কাজি-